# ভূপেন হাজৰিকাৰ উত্তৰাধিকাৰ আৰু এই সময়ৰ কৰণীয়খিনি

পল্লৱপ্ৰাণ গোস্বামী

ড. ভূপেন হাজৰিকাৰ সৃষ্টিকৰ্ম অনুধাৱন কৰিলে এই কথাত পতিয়ন যাব পাৰি যে তেখেতৰ সৃষ্টি-সাম্ৰাজ্যৰ উত্তৰাধিকাৰ প্ৰতিজন অসমীয়াৰ, প্ৰতিজন ভাৰতীয়ৰ বা অধিক শুদ্ধকৈ ক'বলৈ গ'লে প্ৰতিজন মানুহৰে। কিন্তু আইনে কথাবোৰ তেনেকৈ নাচায়। আইনৰ বাবে কোনো-কিছুৰ উত্তৰাধিকাৰ এজন নিৰ্দিষ্ট ব্যক্তি নাইবা নিৰ্দিষ্ট অনুষ্ঠান হোৱাটো জৰুৰী। ভূপেন দাই এৰি যোৱাৰ শূন্যতাবোধে হৃদয় কুৰুকি থাকোঁতেই এই কথাবোৰ কিয় পাতিবলগা হ'ল? যোৱা কেইবাদিনো ধৰি ভূপেন হাজৰিকাৰ সৃষ্টিকৰ্ম আৰু স্থাৱৰ সম্পত্তিৰ উত্তৰাধিকাৰ লৈ হোৱা কিছু অসুস্থ বিতৰ্কই এই সম্পৰ্কত আমাৰ দৰে সাধাৰণ লোককো ভাবিবলৈ বাধ্য কৰাইছে।

সংবাদ মাধ্যমে কঢ়িয়াই অনা বাতৰি মতে, সন্মুখ সমৰত দুই যুযুধান পক্ষ। এটা পক্ষত ভূপেন হাজৰিকাৰ জীৱন কালতে গঠিত বুলি কোৱা 'ড. ভূপেন হাজৰিকা সাংস্কৃতিক ন্যাস' আৰু আনটো পক্ষত শিল্পীজনাৰ পুত্ৰ তেজ হাজৰিকা আৰু পৰিয়ালৰ কিছু সদস্য। দুয়োটা পক্ষই ভূপেন হাজৰিকাৰ শিল্পকৰ্মৰ সংৰক্ষণ আৰু প্ৰচাৰৰ বাবে কাম কৰিব বুলি ঘোষণা কৰিছে। তেনেহ'লে বিৰোধ কিয়? লক্ষ্য আৰু উদ্দেশ্য যদি দুয়ো পক্ষৰে একেই, তেনেহ'লে দুয়োটা পক্ষ লগ হৈ কাম কৰিলেই হ'ল! কথাবোৰ আচলতে সিমান সহজ নহয়, ঘোষিত উদ্দেশ্যৰ আঁৰত আন উদ্দেশ্যহে আছে বুলি উভয় পক্ষই উভয় পক্ষক সন্দেহ কৰিছে আৰু ক্ৰমে ক্ৰমে সাধাৰণ ৰাইজৰ মগজুতো সেই একে সন্দেহেই বাহ বান্ধিছে। এই সন্দেহৰ পটভূমিতে দুয়োটা পক্ষক ফঁহিয়াই চোৱা যাওক।

দহ বছৰৰ আগতেই, ড. ভূপেন হাজৰিকাৰ জীৱদ্দশাতে প্ৰতিষ্ঠা হোৱা বুলি কোৱা 'ড. ভূপেন হাজৰিকা সাংস্কৃতিক ন্যাস'ৰ যোৱা দহ বছৰৰ কৰ্মসূচীখন কেনেকুৱা? আমি জনাত, মাটি-বাৰী চমজি লোৱা আৰু বিক্ৰী কৰাৰ লেখীয়া দুটামান তুচ্চ (দালালী?) কামতে ন্যাসৰ কাম সীমিত। দহ বছৰত ন্যাসে ড. হাজৰিকাৰ দহোটা গানো ইংৰাজীলৈ বা আন ভাষালৈ

অনুবাদ কৰিলেনে বা কৰালেনে? তেজ হাজৰিকাই অভিযোগ কৰাৰ দৰে, যোৱা পাঁচ-ছয় বছৰৰ ড. হাজৰিকাৰ অত্যন্ত অসুস্থ শাৰীৰিক-মানসিক অৱস্থাৰ মাজত তেখেতক ব্যৱহাৰ কৰি ন্যাসৰ সদস্যসকলে নিজৰ ধান্দা পূৰণ কৰাৰ কথাটোত আমাৰো প্ৰত্যয় জন্মিছে। দূৰদৰ্শনৰ পৰ্দাতে হওক বা ব্যক্তিগত দৰ্শন কালতে হওক, অসমৰ ৰাইজে এই কথা প্ৰত্যক্ষ কৰিছিল যে যোৱা পাঁচ-ছয় বছৰত ড. হাজৰিকা শাৰীৰিকভাৱে সুস্থ আৰু মানসিকভাৱে সক্ৰিয় হৈ থকা নাছিল। তেখেতৰ স্মৃতিশক্তিও কমিছিল আৰু ক'বলৈ বা শুনিবলৈ বেয়া লাগিলেও এই কথা সত্য যে তেখেত সিদ্ধান্ত ল'ব পৰা অৱস্থাত নাছিল। এনে অৱস্থাতে ন্যাসে তেখেতক ব্যৱহাৰ কৰি লোৱা কিছু সিদ্ধান্তই ন্যাসৰ সদস্যসকলৰ সততাত প্ৰশ্নবোধকৰ জন্ম দিছে। আন সকলো কথা বাদ দিছোঁ, ভূপেন দাই নিজে কিনি ঘৰ সাজি থকা, য'ত তেখেতে লোক-সংগীতৰ সংগ্ৰহালয় স্থাপন কৰাৰ কথা নিজে লিখিছিল, য'ত ভূপেন হাজৰিকাৰ নামতে এটা সাংস্কৃতিক প্ৰকল্প স্থাপন হওক বুলি কৰা ৰাজহুৱা প্ৰস্তাৱত তেখেতে সন্মতি জনাইছিল,— সেই নগাঁও জিলাৰ কলিয়াবৰৰ কুঠৰীৰ ২১ বিঘা মাটি আৰু ঘৰ উল্লিখিত সময়ছোৱাতে সেই ন্যাসৰ দুজনমান সদস্যই ষড়যন্ত্ৰ কৰি কোনোবা নাম নোহোৱা এজনক পাৱাৰ অৱ এটৰ্নি দি বিক্ৰী কৰি পেলালে। ভূপেন দাৰ প্ৰতি, ভূপেন দাৰ ইচ্ছাৰ প্ৰতি, ভূপেন দাৰ শিল্পকৰ্মৰ প্ৰতি সন্মান আৰু শুভেচ্ছা থকাহেঁতেন তেওঁলোকে এনে এটা আত্মঘাতী সিদ্ধান্ত ল'লেহেঁতেন নে? ভূপেন দাৰ অৰ্ধ-চেতন মানসিক অৱস্থাৰ অপ সুযোগ লোৱাৰ ইয়াতকৈ ডাঙৰ উদাহৰণ আৰু কি লাগিছে? সেই মাটি বিক্ৰী কৰি পোৱা টকা কিমান আৰু সেয়া কি ধৰণে ব্যয় হৈছে বা ক'ত জমা বা বিনিয়োগ হৈছে তাৰ এক পৰীক্ষিত আৰু প্ৰত্যায়িত হিচাপ অসমৰ ৰাইজক সেইকেইজনে জনাওক। অসমৰ ৰাইজক আৰু জনাওক তেখেতসকলৰ যোৱা দহ বছৰৰ কৰ্মৰ নমুনা।

ভূপেন হাজৰিকাক মনে-প্ৰাণে ভাল পোৱা, ভূপেন হাজৰিকা সম্পৰ্কত বিস্তৰ চৰ্চা অব্যাহত ৰখা অসংখ্য গুণী মানুহ অসমত, উত্তৰ-পূৰ্বাঞ্চলত, পশ্চিম বঙ্গত, মুম্বাইত, বাংলাদেশত, জাপানত থাকোঁতে কি ধৰণে কিছু বিতৰ্কিত আৰু অনুপযুক্ত ব্যক্তিৰে উক্ত ন্যাস গঠিত হ'ল সি সাধাৰণ ৰাইজৰ বাবে সাঁথৰ। বোধহয় ইয়াতো ভূপেন হাজৰিকাৰ সৰলতাৰ সুযোগ জালিয়াতিৰে লোৱা হ'ল। এই সকলৰ ওচৰত ভূপেন হাজৰিকাৰ সৃষ্টিসমূহ কি ধৰণে নিৰাপদ,— এই সম্পৰ্কে সাধাৰণ ৰাইজৰ লগতে বৌদ্ধিক মহলৰো সন্দেহ ইতিমধ্যেই প্ৰকাশিত হৈছে।

এই পৰিপ্ৰেক্ষিতত যুযুধান আনটো পক্ষক ভূপেন দাৰ সম্পদৰ উত্তৰাধিকাৰী হিচাপে বিবেচনা কৰিব পাৰি নেকি? আনটো পক্ষ হ'ল ভূপেন হাজৰিকাৰ পুত্ৰ তেজ হাজৰিকা আৰু পৰিয়ালৰ কিছু সদস্য। ভূপেন দাৰ অবৰ্তমানত তেখেতৰ উত্তৰাধিকাৰ দাবী কৰি তৰ্জন-গৰ্জন কৰা এই সকল ভূপেন দাৰ জীৱন কালত তেখেতৰ প্ৰতি কিমান শ্ৰদ্ধাবান আৰু তেখেতৰ সম্পদসমূহৰ সংৰক্ষণ-সংবৰ্ধনৰ বাবে কিমান যত্নবান আছিল? উত্তৰটো নঞৰ্থক। ৬০ বছৰীয়া তেজ হাজৰিকাই তেখেতৰ জীৱনৰ প্ৰথম ৩০ বছৰ বাদ দিলেও পিছৰ ৩০ বছৰত ভূপেন হাজৰিকাৰ সৃষ্টিকৰ্মৰ সংৰক্ষণ-সংবৰ্ধনৰ বাবে যে শূন্য পৰিমাণৰ যত্ন কৰিছে, সেয়া অসমৰ ৰাইজে দেখিছে। পৰিয়ালৰ বাকী সকলৰো এই ক্ষেত্ৰত ভূমিকা এতিয়ালৈ প্ৰায় শূন্যই দেখা পোৱা গৈছে। বিপৰীতে পৰিয়ালৰ দুই-এজন সদস্যই ভূপেন হাজৰিকাক 'ব্যৱহাৰ' কৰি ব্যৱসায় কৰাৰ অভিযোগহে আছে। জীৱিত কালত পুত্ৰ-পৰিবাৰ, পৰিয়ালৰ পৰা যথোপযুক্ত আদৰ নোপোৱা এই সকলৰ তৎপৰতাৰ আঁৰত ভূপেন হাজৰিকাৰ সৃষ্টিসমূহৰ বাণিজ্যিক সম্ভাৱনীয়তাৰ স্বপ্নইহে ক্ৰিয়া কৰি থকা যেন অনুভৱ হয়। এই একেটা কথা আনটো পক্ষত থকা ন্যাসৰ সদস্যসকলৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি আমি পতিয়ন গৈছোঁ।

এতিয়া প্ৰশ্ন হ'ল, ভূপেন দাৰ সৃষ্টি-সাম্ৰাজ্যৰ উত্তৰাধিকাৰ ফলপ্ৰসূকৈ কোনে চম্ভালিব পাৰিব? ভূপেন দাৰ ক্ষেত্ৰত এতিয়ালৈকে সদ্ভাৱ দেখুৱাই অহা অসম চৰকাৰেই আমাৰ মতে উপযুক্ত কৰ্তৃপক্ষ হ'ব। আইনগত যি পদ্ধতি অৱশ্যকীয়, সেই পদ্ধতি গ্ৰহণ কৰি অনতিপলমে অসম চৰকাৰে ভূপেন হাজৰিকাৰ সমস্ত লিখিত গীত, লেখা, বাণীবদ্ধ গীত, চলচ্চিত্ৰৰ দায়িত্ব ল'ব লাগে। ইয়াৰ পিছত—

১। অসম, উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যসমূহ, পশ্চিম বঙ্গ, ভাৰতৰ অন্য প্ৰান্ত, বাংলাদেশ, জাপান, পৃথিৱীৰ অন্য দেশৰ উপযুক্ত ব্যক্তি নিৰ্বাচন কৰি এখন বিশেষজ্ঞ সমিতি গঠন কৰিব লাগে। এই সমিতিখনত যাতে প্ৰকৃত ভূপেন হাজৰিকা প্ৰেমী আৰু ভূপেন হাজৰিকাৰ জীৱন আৰু সৃষ্টিকৰ্মৰ চৰ্চা কৰা ব্যক্তিয়েহে ঠাই পায়, সেইটো নিশ্চিত কৰিব লাগে।

২। চৰকাৰে দায়িত্ব গ্ৰহণ কৰা সম্পদসমূহৰ মূল্যায়ন, নথিকৰণ, স্বৰলিপি তৈয়াৰ আৰু সংৰক্ষণৰ বাবে উল্লিখিত সমিতিখনৰ পৰামৰ্শ আৰু সহায়তাৰে গুৱাহাটী বিশ্ববিদ্যালয়ক দায়িত্বভাৰ অৰ্পণ কৰিব লাগে। ইয়াৰ বাবে বিশ্ববিদ্যালয়লৈ প্ৰয়োজনীয় অৰ্থ যোগান ধৰিব লাগে। এইটো নিশ্চিত কৰাব লাগে যে অন্ততঃ অহা দুবছৰৰ ভিতৰত ভূপেন দাৰ সমস্ত গীতৰ স্বৰলিপি তৈয়াৰ হৈ উঠে আৰু

‘ভূপেন হাজৰিকা অধ্যয়ন’ৰ বাবে বিশ্ববিদ্যালয়ত উপযুক্ত পৰিকাঠাম নিৰ্মাণ হৈ উঠে।

৩। বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয় পৰ্যায়ত ভূপেন হাজৰিকাৰ জীৱন আৰু তেখেতৰ ৰচনা পাঠ্য হোৱা উচিত আৰু এই ক্ষেত্ৰত চৰকাৰে ইতিবাচক ভূমিকা গ্ৰহণ কৰিব লাগে।

ইয়াৰ উপৰি—

৪। ভূপেন হাজৰিকাক চৰকাৰে প্ৰদান কৰা মাটি যিহেতু প্ৰক্ষেপিত উদ্দেশ্য সফল কৰাত ব্যৱহাৰ কৰা হোৱা নাই, সেই মাটি চৰকাৰে পুনৰ অধিগ্ৰহণ কৰি প্ৰকৃত উদ্দেশ্য ৰূপায়ণ কৰিব লাগে।

৫। যি সময়ত ভূপেন দাৰ স্মৃতি যুগমীয়া হোৱাটো প্ৰতিজন অসমীয়াই মনে-প্ৰাণে কামনা কৰিছে, সেই সময়তে ভূপেন দাৰ স্মৃতি বিজৰিত কুঠৰীৰ ২১ বিঘা মাটি ন্যস্তস্বাৰ্থ জড়িতসকলে বিক্ৰী কৰি দিছে। যিসকলে এই মাটি বিক্ৰী কৰিলে, সেইসকলে যদি সেই টকা কিদৰে খৰছ কৰিলে তাৰ বিশ্বাসযোগ্য হিচাপ অসমৰ ৰাইজক দিব নোৱাৰে, তেনেহ’লে তেওঁলোকক সেই টকা ঘূৰাই দি মাটিখিনি ঘূৰাই আনিবলৈ চৰকাৰে বাধ্য কৰিব লাগে। যদি সঁচাকৈ ভূপেন দাৰ প্ৰয়োজনত সেই টকা খৰছ কৰিলে, তেনেহ’লে চৰকাৰে ৰাইজৰ আবেগ-অনুভূতিক সন্মান জনাই সেই মাটিখিনি পুনৰ কিনি ল’ব লাগে আৰু তাত ভূপেন দাই ইচ্ছা কৰাৰ দৰে প্ৰকল্প এটা স্থাপন কৰিব লাগে। ‘ড. ভূপেন হাজৰিকা শিল্পগ্ৰাম’ বা নামটো আন বেলেগ কিবাই হওক, কাজিৰঙা চাবলৈ অহা পৰ্যটকে সেই অনুষ্ঠানটোও চাবলৈ আগ্ৰহ অনুভৱ কৰা এটা পৰিৱেশ তাত হোৱাটো বাঞ্ছনীয়। স্থানীয় ৰাইজৰো প্ৰবল হেঁপাহ।

আমাৰ বিশ্বাস, ওপৰৰ প্ৰস্তাৱকেইটাত অসমীয়া ৰাইজ আৰু প্ৰকৃত ভূপেন হাজৰিকা প্ৰেমীৰ দ্বিমত নাথাকিব। চৰকাৰে সময়োপযোগী ভূমিকা গ্ৰহণ কৰি লক্ষ লক্ষ মানুহৰ আবেগ-অনুভূতিক সন্মান জনোৱাৰ লগতে ড. ভূপেন হাজৰিকাৰ স্মৃতি যুগমীয়া আৰু তেখেতৰ বিশাল সৃষ্টিকৰ্মৰ সু-সংৰক্ষণ নিশ্চিত কৰিব বুলি আমি অন্তঃকৰণেৰে আশা কৰোঁ